# অনাহুত

ভৃগুমুনি

—পৰিবেশক—

লয়াৰ্চ বুক ষ্টল
পাণবজাৰ
গুৱাহাটী—১

গুৱাহাটী বুক ষ্টল
শিলপুখুৰী
গুৱাহাটী—৩

**ANAHUTA : Collection of Assamese poems composed by Bhrigumuni. Kogyung 'Nirola Poja'. Nizorapar, Gauhati—3. and published by All Assam South Bank Miri Students' Association, Sibsagar, Assam.**

প্ৰকাশক :
সদৌ অসম দক্ষিণপৰীয়া
মিছিং ছাত্ৰ সঙ্ঘ,
শিৱসাগৰ, অসম।

প্ৰথম প্ৰকাশ :
১৯৬৯ চন

চিত্ৰশিল্পী :
শ্ৰী[illegible]েণু মিশ্ৰ
গুৱাহাটী।

**মূল্য—২·০০**

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
নৱজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা ৬

মোৰ স্বাক্ষৰ !
দেশৰ চিৰ-সেউজী
অদূৰ ভৱিষ্যতৰ গৰাকী
সংহতিৰ বিপুল সম্ভৱা
প্ৰগতিবাদী যুৱক-যুৱতী সকলৈ—

১।১।৬৯ ভৃগুমুনি



# অভিমত

শ্ৰীভৃগুমুনিৰ সাহিত্য চৰ্চ্চাৰ ঘাইকৈ এটা বস্তুৰ অভাৱ নাই—সেইটো হ'ল আন্তৰিকতা। এই আন্তৰিকতাৰ অভাৱেই সাম্প্ৰতিক সাহিত্যৰ আটাইতকৈ গভীৰ দৈন্য। শাণিত ক্ষুৰধাৰ বুদ্ধি, অতলদৰ্শী ধীশক্তি আৰু পাণ্ডিত্যও আন্তৰিকতাৰ অভাৱত বাক-চটুল আৰু ভঙ্গী-সৰ্ব্বস্ব হৈ পৰে। ভৃগুমুনিৰ কবিতাৰ আন্তৰিকতাই পাঠকক মুগ্ধ কৰা উচিৎ।

সাম্প্ৰতিক সাহিত্যৰ অভিশাপ পাণ্ডিত্যমন্যতা আৰু মননশীলতাৰ অহমিকাৰ পৰা এই 'অনাহূত' কাব্যগ্ৰন্থখনি মুক্ত। তথাপি এতিয়াৰ কবিতাৰ শৈলী কবিয়ে যথোপযুক্তভাৱে আহৰণ আৰু প্ৰয়োগ কৰিছে। বিষয়বস্তুৰ নিৰ্ব্বাচনতো এটি সমাজ-সচেতন মনৰ চিনাকি পোৱা যায়।

'অনাহূত' কাব্যৰ কবিজনক আহ্বান কৰি লবলৈ পাঠক সমাজ আগবাঢ়ি অহাটোৱেই আমাৰ কাম্য।

গুৱাহাটী
৩।১২।৬৮

শ্ৰীনৰকান্ত বৰুৱা



# ৰাইজলৈ এষাৰ

নতুন কবিতাৰ এই সংকলনটি আমি ছাত্ৰ সন্মিলনৰ ফালৰ পৰা সাদৰেৰে ৰাইজলৈ আগবঢ়ালো। লুইত-পৰীয়া তৰুণ কবি শ্ৰীভৃগুমুনিৰ এইখন তৃতীয় কবিতা পুথি। ইতিমধ্যে তেখেতৰ বিভিন্ন প্ৰবন্ধ কবিতা অসমৰ সাময়িক আলোচনী আৰু বিভিন্ন কাকতত প্ৰকাশিত হৈছে। সুবিধাতে চমুকৈ হাতে ঢুকি পোৱা কেইটামান নতুন কবিতাৰ লগতে অপ্ৰকাশিত ছুটি কবিতা ইয়াত মাথোন সন্নিবিষ্ট কৰি 'অনাহূত' নাম দি প্ৰকাশ কৰা হ'ল। আশা কৰো ৰাইজৰ বস্তু ৰাইজে সাদৰেৰে বিচাৰ কৰি গ্ৰহণ কৰিব।

আমাৰ চালুকীয়া ছাত্ৰ অনুষ্ঠান 'সদৌ অসম দক্ষিণপৰীয়া মিছিং ছাত্ৰ সন্মিলন'ৰ আৰ্থিক সাহায্যাৰ্থে পুথিখনিৰ প্ৰথম সংস্কৰণটোৰ সৰ্ব্বস্বত্ব অৰ্পণ কৰাত আমি মুনিৰ ওচৰত চিৰকৃতজ্ঞ।

অসমৰ অন্যতম শ্ৰেষ্ঠ কবি-সাহিত্যিক অধ্যাপক শ্ৰীযুত নৱকান্ত বৰুৱা দেৱে পুথিখনি হাতে লিখা অৱস্থাত চাই পুথিখনিৰ বিষয়ে সাৰগৰ্ভযুক্ত অভিমত এটি লিখি দিয়াত আৰু শিক্ষাবিদ শ্ৰীযুত অমৰেন্দ্ৰ গোস্বামী দেৱে চকু ফুৰাই সজ পৰামৰ্শ দিয়াত দুয়োজনলৈ আমি ছাত্ৰ অনুষ্ঠানৰ পৰা আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো।

অসমৰ বিভিন্ন সাময়িক কাকত, 'আমাৰ প্ৰতিনিধি'ৰ সম্পাদক, ডঃ ভূপেন হাজৰিকা, 'জনমত'ৰ সম্পাদক, শ্ৰীদধি মহন্ত, 'জন-শিক্ষা'ৰ সম্পাদক, 'মিৰ'মিগল্'ৰ সম্পাদক, 'জে বি কলেজ আলোচনী'ৰ নৈশ শাখাৰ সম্পাদক—সমূহ সম্পাদকলৈ আমাৰ শলাগ আগবঢ়ালো।

সদৌ শেষত ছাত্ৰ অনুষ্ঠানৰ মহৎ উদ্দেশ্যৰ অৰ্থে সহাৰি জনাই পুথি প্ৰকাশত আৰ্থিক সাহায্য দিয়াৰ বাবে সৰ্ব্বশ্ৰী

বানেশ্বৰ মিলি বি. এ., জগত চন্দ্ৰ বাছিং বি. ই., ডঃ সুন্দৰ মিলি এম. বি. বি. এচ., ডেম্বিৰাম বড়ি বি. ই., চিত্ৰনাথ টায়ে বি. এ. বি. টি., দুৰ্গাধৰ মিলি বি. এচ্‌চি., ৰাসেশ্বৰ পায়েং বি. এ., প্ৰফুল্ল কুমাৰ য়েইন বি. কম., চন্দ্ৰ লাচন বি. এ., গোলাপ চন্দ্ৰ দলৈ বি. এ., ফুকন মিলি, অক্ষয় চন্দ্ৰ পাংগিং, ছবিনাথ কাগয়ুং, কুলধৰ মিলি, মেমাল চন্দ্ৰ টায়ে, ধৰ্ম্মেশ্বৰ মিলি বি. এ., চন্দ্ৰ শৰ্ম্মা, যজ্ঞেশ্বৰ পায়েং বি. এ., টঙ্কেশ্বৰ মিলি, নন্দন দাবিগ, ৰৰমতা অয়েঙীয়া, মহেশ্বৰ পাংগিং আদি হিতাকাঙ্ক্ষী সকলোলৈকে আমাৰ আন্তৰিক শলাগ আগবঢ়ালো।

পুথিখনিৰ বেটুপাতৰ আকৰ্ষণীয় ছবিটো চিৰ পৰিচিত শিল্পী শ্ৰীযুত বেণু মিশ্ৰদেৱে আঁকি দিয়াত তেখেতলৈ অনুষ্ঠানৰ ফালৰ পৰা কৃতজ্ঞতা জ্ঞাপন কৰিলো।

যথা সময়ত পুথিখনি খৰ-ধৰকৈ ছপা কৰি দিয়াৰ বাবে নৱজীবন প্ৰেছৰ গৰাকী শ্ৰীযুত কালীচৰণ পাল ডাঙৰীয়া প্ৰমুখ্যে কৰ্ম্মকৰ্ত্তা সকললৈ আন্তৰিক শলাগ আগবঢ়ালো।

সদৌ শেষত ৰাইজলৈ, সহৃদয় পাঠক-পাঠিকা সমাজলৈ আন্তৰিকতা আগবঢ়ালো। ইতি—

বিনীত

'সদৌ অসম দক্ষিণপৰীয়া মিছিং ছাত্ৰ সন্মিলন'ৰ হৈ

৪ মাৰ্চ্চ ১৯৬৯ চন।

শ্ৰীমনেশ্বৰ মিলি বি-এ, সভাপতি

শ্ৰীলক্ষেশ্বৰ টায়ে }
শ্ৰীলক্ষ্মীনাথ পাংগিং } যুটীয়া সম্পাদক

# সূচী

—পৰিবেশক—

লয়াৰ্চ্ছ বুক ষ্টল
পাণবজাৰ
গুৱাহাটী—১

গুৱাহাটী বুক ষ্টল
শিলপুখুৰী
গুৱাহাটী—৩

—কিতাপ পোৱাৰ ঠিকনা—

সম্পাদক, সদৌ-অসম দক্ষিণ-পবীয়া
মিছিং ছাত্ৰ সন্থৰ কাৰ্য্যালয়
যমুনাপাৰ, শিৱসাগৰ।
পোঃ আঃ শিৱসাগৰ, অসম।

টঙ্কেশ্বৰ মিলি, নন্দন দাবিগ, বৰমতা অয়েঙীয়া,
মহেশ্বৰ পাংগিং·········

# তৰ্পণ

**[ সাহিত্য ৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ গৌৰৱণত ]**

যি জনাৰ জীৱনৰ লক্ষ্য-সাধনাই
জ্ঞান গৰিমাৰ দিব্য জ্যোতিৰে
সাহিত্য ৰসৰ সঞ্জীৱনী সুধা ঢালি
কৰি গ'ল, জননী অসম মোৰ
চিৰ-উজ্জ্বল! চিৰ-দীপ্ত! মহিমা-মণ্ডিত!
সিজনা মহান পুৰুষ, অসমৰ ভোটা তৰা
সাহিত্য ৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ
আজি পুণ্য-তিথি, জন্ম-শত-বাৰ্ষিকীৰ দিনা
ভক্তি ভৰা অন্তৰৰ ভক্তিৰ অঞ্জলি কৰিছো তৰ্পণ।

বিশ্ব-বিমোহিনী মোৰ, পূত-পবিত্ৰ অসম ভূমিৰ
শুভক্ষণৰ* ওঠৰশ আঠষষ্ঠি চনত
জন্মিছিল এটি ধ্ৰুৱ-তৰা!
জননীৰ সুযোগ্য সন্তান! নৱন্যাসৰ জন-নায়ক
অসমীয়া সাহিত্যৰ পথ-প্ৰদৰ্শক
চিৰ-নমস্য লক্ষ্মী-পুত্ৰ লক্ষ্মীনাথ বেজবৰুৱা।

যুগৰ বুকত পৃথিবীয়ে বাগৰ সলালে।
বিশাল সৃষ্টিৰ বিস্তৃত-বিশ্বৰ

---

* মাধৱ বেজবৰুৱাৰ মতে ১৮৬৩ চন।

সাহিত্য-বিজ্ঞান, ধৰ্ম্ম-দৰ্শন, সভ্যতা আৰু সংস্কৃতিৰ
মুক্ত হ'ল কাৰাৰুদ্ধ দ্বাৰ।
প্ৰাচ্য-পাশ্চাত্যৰ মহা-মিলনত
মানুহৰ মন-আকাশত প্লাৱন নামিল।
আৰু! সেই প্লাৱনে বোৱাই আনিলে
নৱন্যাসৰ ভাৱ-ধাৰা নতুনৰ সোঁত।

প্ৰকৃতিৰ ৰম্য-পুৰী, উৰ্ব্বৰা অসম ভূমিত
এক নতুন যুগৰ সূচনা কৰি
অসমীয়া ভাষা সাহিত্যৰ প্ৰমোদ কাননত
ৰসৰাজ বেজবৰুৱাই ৰুলে
দেশী-বিদেশী বিবিধ ফুলৰ পুলি।
নাট-গীত গল্প-কৱিতা উপন্যাস,
ৰচনা-প্ৰৱন্ধ সাধু-কথাৰ হাস্য-ৰস।
হিতোপদেশ, তত্ত্ব-কথা নানান আলোচ্য
আৰু! বিবিধ সম্ভাৰে ভৰা চৰিত সাহিত্য।
বিকশি উঠিল! নৱন্যাসৰ কুঞ্জ-কাননত
মন-ৰঙ্গীণ, নৱৰঙ্গৰ মাধৈ-মালতী,
গোন্ধত আমোল-মোল হ'ল, মনৰ ফুলনি ভৰা
সৌন্দৰ্য্য-বিভোৰা হ'ল বিশ্ব-বসুন্ধৰা।

সোণোৱালী অসমৰ অতীত গৌৰৱ ভৰা
ইতিহাসৰ ক'ত শুকান জকাত
নতুন ৰহণ সানি ৰচিলে নাটক

'চক্ৰধ্বজ-সিংহ'। 'গদাধৰ সিংহ!'
সাধ্বী-সতী 'জয়মতী-কুঁৱৰী'
'চিকৰপতি-নিকৰপতি' আৰু 'লিটিকাই'।

বুৰঞ্জী কিম্বদন্তী আৰু জনশ্ৰুতিৰ
দুটি-এটি কবি কাহিনী বুটলি
কল্পনাৰ বোল সানি ৰচিলে মধুৰ কৰিলা।
আৰু! মনোমোহা মালা গাঁথি জননীৰ ডিঙিত পিন্ধালে
মাণিক মুকুতা গঁথা! কেৰুমণি গলপতা
'বাখৰ' খটোৱা 'জোনবিৰি'।
আৰু! উপন্যাসৰ মন-ফুলনিত ফুলি ৰ'ল
এটি মাথো পাৰিজাত ফুল, 'পদুম-কুঁৱৰী'
হয়ে জননীৰ চৰালে দুগুণে জেউতি।

অসমীৰ চোতালত 'বৰাগীৰ-বীণে'
বিনালে চিনাকি সুৰে হাজাৰ গীতৰ সুৰ
জিলিকি উঠিল তাত অসমৰ অতীত ঐতিহ্য
'মোৰ দেশ' ৰূপে মনোহৰা
আৰু! আত্ম-জাগৃতিৰ শত অমৰ কাহিনী।

সোঁ-সিদিনা এদিন, বিস্মৃতিৰ মন-দাপোণত
ইতিহাসৰ পাত কলঙ্কিত কৰি
অসমৰ চিৰ-স্বাধীনতাৰ গ'ল 'বেলিমাৰ'
আৰু! নামিল অসমত পৰাধীনতাৰ ঘোৰ অন্ধকাৰ।

বিদেশীৰ কৱলত নিজকে পাহৰি
পৰাধীনতাৰ বাঘ-মোহে ধৰা অসমীয়া জাতি,
দুখ-যন্ত্ৰণাত জৰ্জ্জৰিত হ'ল ম্ৰিয়মাণ।
সেয়ে নিদ্ৰামগ্ন অসমৰ সুপ্ত জনতাৰ
'বীণ'ৰ সুৰদি তানে আনিলে চেতনা।

আক! শুনালে 'বৰাগীৰ বীণে' বিনন্দীয়া অসমৰ
ঐশ্বৰ্য্য-বিভূতি ভৰা অতীত গৌৰৱ।
বীৰ প্ৰসৱিনী মোৰ অসম জননী
সুজলা-সুফলা! প্ৰকৃতি সম্পদে ভৰা শ্যামলী ধৰণী
বীৰ-বীৰাঙ্গনাৰ শৌৰ্য্য-বীৰ্য্যৰ যুগমীয়া স্বৰ্ণ-সৌধ
স্বাধীনতা-প্ৰিয় অসমীয়া জাতিৰ।
আক! গালে মুক্ত-কণ্ঠে বীৰ-দৰ্পে—
"আমি অসমীয়া নহওঁ দুখীয়া, কিহৰ দুখীয়া হ'ম;
সকলো আছিল, সকলো আছে, মুগুণো নলওঁ গম"।
আক! "অ' মোৰ আপোনাৰ দেশ......"
'অসম সঙ্গীত' জাগৰণী জাতীয় সঙ্গীত...।

জহ-কালি চোতালত ঢাৰিপাটি পাৰি
'বুঢ়ী-আইতাই সাধু'-কথা কলে, হিতোপদেশ ভৰা।
'নোমল', 'পাচনি', 'জুমুকা'ৰ নেপুৰ ধ্বনিৰ কথা।
শুনি-শুনি নাতিহঁতৰ বাঢ়িল হেপাহ
সেয়ে বুঢ়ী আইতাই মেলি দিলে
সাধুকথাৰ 'সুৰভি' সৌৰভ ভৰা
ধেমেলীয়া ৰসদীপ্ত হাঁহিৰ থুন-পাক।

জহকালি গধূলিৰ জুহালত বহি
ককাদেউতাই সাধুকথা কলে হাজাৰে বিজাৰে
প্ৰাণ উদিয়াই দিলে নিৰ্ম্মালি আশিষ!
অদূৰ ভৱিষ্যতৰ ভাৱী বংশধৰ
অসমীয়াৰ চিৰ-স্নেহৰ নাতি-নাতিনীহঁতক।
কিন্তু! জ্ঞান-বৃদ্ধ ককাৰ তাতো হেপাহ নপলাল
সেয়ে বিলাই দিলে হাঁহিৰ কৌতুক, ব্যঙ্গ-বিদ্ৰূপ
হাস্যৰ সঁফুৰা ভৰা 'সাধু-কথাৰ কুকি'।

বিশ্ব মানৱৰ মন-ৰোমন্থনৰ ৰোমাণ্টিক যুগ
সাহিত্য ইতিহাসত নতুনৰ পদক্ষেপ, নতুন-প্ৰকাশ।
বেলি মাৰ যোৱা অসমৰ আন্ধাৰ আকাশত
নতুন 'অৰুণোদই' হৈ জ্ঞান-বিকাশৰ দিশ পোহৰালে।
'জোনাকী' পকৰাই পথহাৰা তিমিৰ যাত্ৰীৰ পথ দেখুৱালে।
আৰু! বেজবৰুৱাই তুলি ললে দ্বাপৰৰ জগত ভুলোৱা
বৃন্দাবন মতলীয়া কলীয়া কৃষ্ণৰ বেণু।
সেই 'বাঁহী'ৰ তানে জগত মুহিলে
বহুমুখী প্ৰতিভা তাত বিকশি উঠিল!
আৰু! প্ৰাণে প্ৰাণে নৱন্যাসৰ নতুন সুৰৰ ধ্বনি
অসমৰ চৌ-দিশে হ'ল মুখৰিত।

সমাজৰ ৰ'দ-কাচলিত বিয়াৰ নিৰ্বন্ধন
'ধনবৰ-ৰতনী'ৰ বিয়াখন কি হ'ল?
বিপৰ্য্যয় ঘটিল—!

বয়সৰ বাধা যৌৱনে নামানিল
যৌৱনৰ বাধা প্ৰেমত নৰজিল……
প্ৰগতিৰ ক্ষিপ্ৰ গতিত সমাজৰ বিৱৰ্ত্তন
সেয়ে উভতি চালে অনাগত দিনৰ
নৱজাগৃতিৰ নৱাগমনলৈ।
কিন্তু! সমাজৰ সৃষ্টি-স্থিতি ৰক্ষাৰ হেতু
'ধনবৰ-ৰতনী'ৰ বিয়াখন পাতিবৰ হ'ল।
তাতো দেখিলে প্ৰতিকূল! ধনবৰৰ বিৱহত
সমাজৰ নিমাতী কন্যা 'ৰতনীৰ বেজাৰ……'
"মাকক বুজাবলৈ টান……"
আৰু! ৰতনীৰ বেজাৰত
ডেকা ধনবৰৰ দেহা জকা হৈ গ'ল
বুঢ়া-লুইত মাথো তাৰ সাক্ষী হ'ল।
জিলিকি থাকিল বহু ৰোমাঞ্চ এটি মাথো 'কদম-কলি'ত
'প্ৰিয়তমা' আৰু 'প্ৰিয়তমাৰ সৌন্দৰ্য্য' সকলো হ'ল 'ভ্ৰম'
স্মৃতি মাথো ৰ'ল তাৰ শেষ 'অৱশেষ'।

বাৰ্দ্ধক্যই জুকলা কৰা বৃদ্ধ কৃপাবৰে দেখিলে
দেশৰ জাতিৰ দুৰ্দ্দিন! ভৱিষ্যৎ অন্ধকাৰ,
কৌটিকলীয়া কু-সংস্কাৰাচ্ছন্ন এখন ছবি।
সোলোক-ঢোলোক সমাজ ধৰম-নীতি, ব্যভিচাৰে ভৰা।
দুৰ্নীতি গ্ৰস্ত এখন পঙ্গু, অসমীয়া সমাজ।
সেয়ে বৃদ্ধ কৃপাবৰে দোহাৰিলে……
'শ্ৰীকৃষ্ণ-কথা'! 'সৃষ্টি-তত্ত্ব-কথা' আৰু 'ভাগৱত-কথা'।

বৃদ্ধ কৃপাবৰে শেষ সমিধান দিলে দৃষ্টান্তৰে
জাতীয় সংহতি! একতা! জাতীয়ত্ব ৰক্ষাৰ উপায়।
স্বদেশ স্বজাতিৰ মঙ্গলৰ হকে জীৱন উছৰ্গা কৰি
'ভাণ্ডাৰীয়া দীননাথ বেজবৰুৱা'ই
দেখুৱালে জগতক আদৰ্শ মহান।
আৰু! তাৰ জীৱন্ত প্ৰকাশ মাথো 'মোৰ জীৱন সোঁৱৰণ'
আৰু! দিলে এক 'কামত কৃতিত্ব লভিবৰ সঙ্কেত'।

বৃদ্ধ কৃপাবৰে আৰু দেখিলে কি?
সামাজিক জীৱনৰ সোৰোপালি লোক-চৰিত্ৰ।
মুগুছিল দৰ্প-অভিমান! জাতীয় বিদ্বেষ! ভণ্ডামি!
"আমি অসমীয়া ডাঙৰ জাতি……"
সেয়া আছিল জাতিৰ আত্মঘাতী বাণী।
মুগুছিল নীচতা-হীনতা! ভেদাভেদ ভাৱ
পৰ-নিন্দা! আত্ম-শ্লাঘা! আৰু পৰমুখাপেক্ষিতা।
অধোগামী নাতিইঁতৰ অৱনতি দেখি
হিতাকাঙ্ক্ষী বৃদ্ধৰ ধৈৰ্য্য হেৰাল, জীয়াতে হ'ল মৰা।
সেয়ে কৃপাবৰৰ মনৰ 'বুলনি'ত উঠিল
'ভাৱৰ বুৰবুৰণি' 'ভাৰতবৰ্ষৰ বুৰঞ্জী'ৰ চিত্ৰ-পট।
'ওভতনি' মাতত বৃদ্ধই চিঞৰি মাতিলে……
কিন্তু উত্তৰ নাহিল! মুগুনিলে বৃদ্ধৰ আশিষ 'ভাষণ'
সেয়ে কৃপাবৰে যুগৰ কাকতত স্বাক্ষৰ কৰি
কাললৈ থৈ গ'ল এবোজা 'কাকতৰ টোপোলা'!
আৰু! অনাগত দিনলৈ এবোজা ভাৱৰ টোপোলা।

সেই দিনা অসমৰ ভাগ্য আকাশত
কাল আউসীৰ ঘোৰ আন্ধাৰে আৱৰি
নিয়তিয়ে অসমীৰ ভাগ্য-লিপি কৰিলে নির্ণয়।
আক! এটি কু-ক্ষণৰ উনৈশ-শ আঠত্রিশ চনত
আই অসমীৰ বুকু শুদা কৰি,
অগণন দেশবাসীক কন্দুৱাই
লক্ষ্মীনাথৰ অনিত্য মানৱী দেহাই
'মহা প্রয়াণৰ যাত্রী' হৈ কৰিলে প্রয়াণ।

জননী জনম ভূমি স্বদেশ স্বজাতিৰ হকে
আজীৱন ভাষা-জননীৰ চৰণ ধিয়াই;
সুদূৰৰ কর্ম্ম-ক্ষেত্র প্রবাসী জীৱন লৈ
দি গ'ল জগতত আদর্শ বিলাই।
মৰণক জয় কৰি, লিখনীৰে লক্ষ্মীনাথে
বান্ধি গ'ল সাহিত্যৰ যুগমীয়া ভেটি;
চন্দ্র-দিবাকৰ থাকে মানে, জিলিকি থাকিব সদা
থাকে মানে সুঁৱৰিব অসমীয়া জাতি।

'আমাৰ-প্রতিনিধি'ৰ
অক্টোবৰ সংখ্যাত প্রকাশিত
১৯৬৮ চন।

---

# তোমাক স্বাগতম্

মে’ দিৱস !
তুমি নির্য্যাতিত নিষ্পেষিত
কোটি কোটি বিশ্ব-মানৱৰ
মুক্তি যুঁজৰ ইতিহাসৰ পাণ্ডুলিপি
হে ! মে’ দিৱস, তোমাক স্বাগতম্ ।

পৃথিৱীৰ বয়স বহুত হ’ল ।
আমি বিচাৰিছো আজি
এখন নতুন পৃথিৱী !
এখন নতুন সমাজ
নাথাকিব য’ত
ভণ্ডামি, আভিজাত্য, ভেম্ !
আৰু ! ৰক্ত-পিপাসুৰ কীট-বীজ ।

সভ্যতাৰ ইতিহাসৰ পাত
ঘুণে খাই ঘুণীয়া কৰিলে ।
পৰিণাম তাৰ ?
আমাৰ ৰক্তাক্ত দেহৰ ৰন্ধ্রে ৰন্ধ্রে
বিষাক্ত তেজৰ ধমনী !
ভেজাল নৈতিক জীৱন
ভেজাল হ’ল পুৰণি পৃথিৱী ।

বাৰ্দ্ধক্যই জুকলা কৰা
হেৰা পুৰণি পৃথিৱী।
আমি তোমাৰ নতুন প্ৰস্তুতি
সভ্যতা, বিজ্ঞানৰ ক্ষিপ্ৰ-গতি
আমাৰ অমোঘ অস্ত্ৰ।

নতুনৰ সন্ধানত বলীয়ান আমি
আমাক লাগে এখন নতুন পৃথিৱী।
স্ব-স্বাক্ষৰিত তোমাৰ শাস্তি আৰু মুক্তি।
প্ৰগতিবাদী এখন নতুন সমাজ
কুৰি শতিকাৰ।
হে মে' দিৱস! আজি তোমাক স্বাগতম্।

'জন-মত'ত প্ৰকাশিত
মে' ১৯৬৭ চন

---

# আইতাৰ সাধু

আইতাই সাধু কলে……
ক’লা চচ্‌মা পিন্ধা
বগী মেকুৰী জনীৰ
আজি পোৱালি বহুত হ’ল……।

শুনিছিলো আইতাৰ মুখত !
পোনাকণক কোলাত লৈ
অমৃত বৰষা নিচুকনী গীত……
“ৰৰ-ঘৰৰ মেকুৰীটো সৰু-ঘৰলৈ যায়,
ঢাকনী গুচাই চুৰ কৰি পঁইতা ভাত খায়……”
ভাকুট্-কুট ভাকুট্-কুট। ভাকুট্-কুট। ভাকুট-কুট্·
প্ৰাণ-খোলা হাঁহিৰ খিলখিলনি ৰোল……
আজি তাইৰ পোৱালি বহুত হ’ল।

তাই আছিল আমদানি বিদেশৰ !
অন্তঃসত্বাত চুকনী……স্বদেশত ! আৰু
অকাল মৃত্যু হ’ল তাইৰ, প্ৰসৱ বেদনাত।
কিন্তু !! এৰি থৈ গ’ল দেশত
বগা-ক’লা ৰঙৰ সহস্ৰ পোৱালি
হঠাৎ যেন ‘নাগাচাকি’ হিৰোশ্বিমাত

এটম্ বোমাৰ বিস্ফোৰণৰ প্ৰতিক্ৰিয়া
হিমাদ্ৰিৰ শিখৰৰ পৰা কুমাৰিকা অন্তৰীপলৈ
শদিয়াৰ পৰা লাহোৰলৈ……
সেই জাক পোৱালি বগী মেকুৰী জনীৰ।

আকাশে বতাহে প্ৰতিক্ৰিয়াৰ দূষিত বায়ুৰ সমাৱেশ
দুৰ্নীতিৰে প্লাৱিত দেশ! মানৱতাৰ অপমৃত্যু
কিন্তু!! গৱেষণাৰ সাগৰ মন্থনত ওলাল……
বীভৎস ৰস!! ভেজাল! বিষাক্ত খাদ্য-দ্ৰব্য
মৃত্যু-বিভীষিকাৰ হলাহল।
গাখীৰত মাছৰ পোনা! মিঠা তেলত ম'বিল
চাউল-দাইলত শিল-গুটি! হালধীত ইটা-গুৰি,
আটা-ময়দাত তুঁহগুৰি আৰু বালি!
চেনীত ভগ্ন-গ্লাচৰ টুকুৰা! আৰু ক'ত কি??
আজি তাইৰ পোৱালি বহুত হ'ল।

নিয়তিৰ বিশাল বিস্তৃত সৃষ্টিত
বৈচিত্ৰ্য! বিনন্দীয়া বসুন্ধৰা! বিশ্ব-ব্ৰহ্মাণ্ড……
সীমাহীন অখণ্ড আকাশ! অখণ্ড পৃথিৱী
কিন্তু! তাতো আছে সীমা……।
একে মন-প্ৰাণেৰে গঢ়া, পঞ্চ-ভৌতিক দেহ
অভেদ মানৱ!, কিন্তু তাতো আছে ভেদ
সীমান্তত দুৰ্লঙ্ঘ্য প্ৰাচীৰ
সেয়া মানুহৰ সৃষ্টি।

বগী মেকুৰী জনীৰ ক'লা পোৱালি-জাকে
বাতিৰ আন্ধাৰত পায়, চিকাৰৰ সন্ধান……
ভেজাল খাদ্য প্ৰস্তুতিয়ে দিয়ে জীৱনৰ মান।
বিক্ষুব্ধ জনতাৰ বিকট চিঞৰত
বোবা-সংবিধানে কথা কয়……
দুৰ্নীতিৰ নিবাৰণ! সদাচাৰ নীতিৰ প্ৰচলন
জাতীয় সংহতি! সমতন্ত্ৰ গণতন্ত্ৰ
সাম্য মৈত্ৰী! পঞ্চশীল নীতি
অখণ্ডভাবে দেশৰ স্বাধীনতা ৰক্ষা কৰা……
আজি তাইৰ পোৱালি বহুত হ'ল।

আইতাই ধুনীয়া সাধু কয়……
নহয় ই কিম্বদন্তী! নহয় ই জনশ্ৰুতি!
যেন ইতিহাসৰ পাণ্ডুলিপি!
'আৰ্কিমিদিচ'ৰ নতুন সূত্ৰ!
'লীলাৱতী'ৰ বীজগণিতৰ স্বতঃসিদ্ধ
'পিঠাগোৰাচ'ৰ জ্যামিতিৰ ৰেখা।

এশ-দুশ! শ-শ-শতাব্দী পাৰ হ'ল……
বৃদ্ধা পৃথিবীৰ বয়স আৰু বহুত বাঢ়িল
কিন্তু! আইতাৰ দৃষ্টান্তৰ নতুন সংস্কৰণ নহ'ল
মাথো! বুৰঞ্জীত নতুন অধ্যায় আৰম্ভ হ'ল
এখিলা পাত বাঢ়িল।

সেই সাধু আমদানি-ৰপ্তানিৰ ৰাজভঁড়ালত
ৰাজহ কৰি নিপোটল হোৱা
ডালশলিয়াজাকৰ কাহিনী!
আৰু বগা মেকুৰী-জনীৰ ক'লা পোৱালিজাকৰ।

সেই জাকে খুটি-খুটি ফুটা কৰিলে
ভাৰতবৰ্ষৰ ঐতিহ্যৰ ভৌগোলিক সীমা ৰেখা!
ৰচনা কৰিলে অসংখ্য সুৰঙ্গ পথ
গিৰি-পথ! জল-পথ! আকাশ-পথ
দুৰ্নীতিৰ আন্ধাৰ পথ।
আৰু! সেই পথেদি শোভা-যাত্ৰা কৰে,
তীৰ্থ-যাত্ৰা কৰে! ৰক্ষকে ভক্ষক হৈ
স্বদেশৰ চুকত থাকি, বুকত কামোৰা
হাজাৰ-বিজাৰ বিড়াল তপস্বীৰ নাতি-পুতি—
আজি তাইৰ পোৱালি বহুত হ'ল।

কাউৰী গ'ল, গধূলি হ'ল,
কুকুৰাই ডাক দিলে, ৰাতিও পুৱাল
আৰু! আৰু! আজি
মেকুৰী বধৰ অভিযান
অতীত হৈ গ'ল।

"কাৰ্টুন"ত প্ৰকাশিত
চেপ্তেম্বৰ সংখ্যা
১৯৬৮ চন।

---

# পুখুৰী টাঙ্গোন ধোৱা

ৰংপুৰ নগৰৰ পশ্চিম দিশত
সৌটো পুখুৰী চোৱা
নাম তাৰ আজি, 'পুখুৰী টাঙ্গোন ধোৱা'।
দিখৌ-দৰিকা নদী আৰু ব্ৰহ্মপুত্ৰ
এই তিনি ধাৰা সলিলৰ সঙ্গম স্থলত
আজিও নীৰৱে আছে চকুলো বোৱাই।

পৃথিৱীয়ে বাগৰ সলালে……
নতুন যুগৰ সূচনা হ'ল,
বুৰঞ্জীত আৰু বহু অধ্যায় বাঢ়িল।
আইতাই আজিও তাৰেই কাহিনী কয়,
শুনিলে ভয়তে হাত-ভৰি পেটতে লুকায়।
এবাৰ নহয়, দুবাৰ নহয়, অবিৰাম তিনিবাৰ
গাৰ নোম শিঁয়ৰি উঠা
মানৰ অমানুষিক অত্যাচাৰৰ কথা।
আইতাৰ কোলাত নীৰৱে শোৱা
পোনাকণ চকুৰাই উঠে টোপনিৰ পৰা,
তাৰে নিদৰ্শন সৌটো পুখুৰী চোৱা,
নাম তাৰ আজি, 'পুখুৰী টাঙ্গোন ধোৱা।'

আছিল এদিন, অসমৰ ভাগ্যলক্ষ্মী সুপ্ৰসন্ন
প্ৰবৰ্ত্তিলে অসমত মহা পয়োভৰে

ইন্দ্ৰবংশী আহোমৰ ৰাজ সিংহাসন
আক! উৰিছিল অসমত বিজয় নিচান।
অসমৰ অধিবাসী পৰ্ব্বত-ভৈয়াম
আক! দাঁতি-কাষৰীয়া যত জাতি উপ-জাতি মিলি
একতাৰ মহা মন্ত্ৰত দীক্ষিত হৈ
সংহতিৰ প্ৰীতিৰ ডোলেৰে বান্ধি
স্বাধীনতাৰ অখণ্ড প্ৰতাপে জিনি
আহোমৰ ছ'শ বছৰীয়া ৰাজত্বই
গঢ়িছিল অসমত এক
বিৰাট অসমীয়া জাতি।

স্বদেশৰ চৌদিশে
জয়-জয় ময়-ময় সুজলা-সুফলা
প্ৰকৃতি সম্পদে ভৰা শ্যামলী ধৰণী
শস্যে-মৎস্যে ভৰা নদন-বদন দেশ
অনুপমা অসমা হ'ল ভোগ্যা বসুন্ধৰা।
আক! তাৰেই কাহিনী ভৰা
সৌটো পুখুৰী চোৱা,
নাম তাৰ আজি 'পুখুৰী টাঙ্গোন ধোৱা'।

যুগৰ বিপৰ্য্যয়! দুৰ্য্যোগ···
প্ৰবল প্ৰতাপী আহোমৰ ৰাজতন্ত্ৰত
মহা-কালৰ ঘুণে ধৰিলে,
কেৰোণ সোমাল।

খোপনি ললে গৃহ-কন্দল
দেশ-দ্ৰোহ। জাতি-দ্ৰোহ।
স্বাৰ্থ-পৰতা। জাতীয় বিদ্বেষ
আৰু। জাতীয় বিসংহতিৰ চেলু লৈ
সাত্-শতুৰুৰ আগমন।
তাৰ পৰিণাম? শেষ পৰিণতি?
অসমৰ চিৰ স্বাধীনতাৰ ভাগ্য আকাশত
ম্লান সূৰুয। কাল সন্ধিয়াৰ প্লাৱন নামিল।
মানৱ বাৱস্থাৰ আক্ৰমণ। অত্যাচাৰ উৎপীড়ন,
দেশ জুৰি ষড়যন্ত্ৰৰ জোৱাৰ উঠিল!
মান মৰাণৰ বিদ্ৰোহ। কোঁৱৰ বিদ্ৰোহ!
মুক্ত হ'ল পশ্চিমৰ ৰাজ ৰুদ্ধদ্বাৰ
সোণৰ অসম ভূমি হ'ল ছাৰখাৰ।

সেয়া বুৰঞ্জীৰ সান্নিধ্যত
টাঙ্গোন ধোৱাৰ ইতিবৃত্ত!
আৰু! এক মনোৰম জনশ্ৰুতি
কিন্তু! অতীত অসমৰ এক বিষাদ কাহিনী।

যি দিনা ৰৱনৈৰ উত্তৰে দক্ষিণে!
অসমৰ চৌদিশে
মানৱ মৃত্যু-বিভীষিকাৰ তাণ্ডৱ লীলা।
চৰিছিল অসমত ভীষণ অত্যাচাৰ
ৰাজধানী যোৰহাট হ'ল যুঁজৰ হাট।

বগুৰ নিজৰা বোৰা ৰংপুৰ
ডাকিনী-যোগিনী ভৰা মৰিশালি হ'ল।
পৰিত্যক্ত ৰাজধানী! ভগ্ন ৰাজতন্ত্ৰ,
শূন্য ৰাজ সিংহাসন, ৰাজ্য অৰাজক হ'ল—
তথাপিতো! তথাপিতো!
জন্মভূমি স্বদেশ স্বজাতিৰ হকে
আৰম্ভিলে যুদ্ধৰ প্ৰস্তুতি
অসমৰ বীৰ-বীৰাঙ্গনা য'ত।
ৰজা প্ৰজা সবে মিলি
ককালত একতাৰ টঙ্গালি বান্ধি
জীৱন-মৰণ পণ কৰি ওলাল।
যুদ্ধৰ সাজেৰে মানৱ বিৰুদ্ধে।
তুমুল সংগ্ৰাম হ'ল অসমৰ ঠায়ে ঠায়ে
আৰু হ'ল 'শালমৰা' মাজুলীত
ৰংপুৰৰ ৰাজ-দ্বাৰ 'দিখৌমুখত'।

ৰণাঙ্গণৰ মধ্যস্থল দিখৌমুখত
যুদ্ধৰ শিবিৰ কৰিলে নিৰ্ণয়।
সেয়া আছিল
সৌ-সিদিনাৰ হিংস্ৰ জন্তুৰ বাসস্থান
বেলিৰ পোহৰ নপৰা অটব্য অৰণ্য ভৰা
দুৰ্গম কাঠনি ঝাৰণি অগাধ অৰণ্যৰ মাজত।
খনালে পুখুৰী তাত বিৰাট আকাৰে
পাতিলে পাৰত নৰ সৈন্যৰ শিবিৰ।

সেই কেন্দ্রভূমি শিবিৰৰ পৰা
দিখৌ আৰু মাজুলীত
আৰু তাৰ আশে-পাশে
ভয়ামেয়া ৰণ দিলে মানৱ জগত।
যুদ্ধত আহত হাজাৰ সৈন্য
হাজাৰ নিহত লোক,
ৰক্তাক্ত ঢাল-তৰোৱাল, যাঠি-বৰশা-হেংদান
আৰু! যুঁজৰ সঁজুলি য'ত, টোকোন টাঙোন ধুলে
সেই পুখুৰীত।
আৰু! আৰু ধুলে তাত
কাল শতুৰুৰ তেজৰ চেকুৰা।
তেজৰ কণিকা লাগি পুখুৰী ৰাঙলী হোৱা
সৌটো পুখুৰী চোৱা—
সেয়ে আজি নাম তাৰ
পুখুৰী টাঙোন ধোৱা।

ৰাতি হলে আজি তাত
হাজাৰ ধন-গুলৈৰ জোৰ বস্তি জ্বলে।
বিহ-মেটেকাৰে ভৰা অৱহেলিত পুখুৰীৰ
অগাধ তৰাণি-পিটনি ডৰাত
পানী-মড়লী বিয়াগোম অজগৰ চৰে।
একালৰ বাঘ-যোঙ সিংহৰ গৰ্জ্জন
সভ্যতাৰ পদ-ধূলিত মাৰ গ'ল

কিন্তু! অতীতৰ যুঁজৰ স্মৃতি মাথো
পুখুৰীত পুনি হৈ ফুলি ৰ'ল।
আজি তাত হাজাৰ শিয়ালে
সন্ধিয়া আৰতি গায়
'হোৱা' 'হোৱা' সিদিনাৰ শিবিৰ হোৱা
শুনি শুনি বাটকৰাৰ ধাতু উৰি যায়।

মাজ-ৰাতি আজি তাত
চকু-কাণ নাক-মুখহীন ভয়ঙ্কৰ এক
বিৰাট কায়ৰ দৈত্য ওলায়
আৰু! ভূত-প্ৰেতে ফুঁচ্-ফুচাই মেলপাতি
যুদ্ধৰ মৰাশৰ আজিও বিচাৰি যায়।
অকলশৰীয়া কোনো ভয়াতুৰ পথিকক
দিন দুপৰতে আজি তাত পকৰায় পায়।
তথাপিতো!! অসমৰ অতীত ঐতিহ্য ভৰা
সৌটো পুখুৰী চোৱা!
নীৰৱে চকুলো বোৱা
আজিও জিলিকি আছে
'পুখুৰী টাঙ্গোন ধোৱা'।

'জনশিক্ষা'ত প্ৰকাশিত
১৯৬৮ চন।

---

# আকাশত বৰষা নামে

বৰষাৰ আকাশত সৌ
ঘন-ঘোৰ কলীয়া মেঘৰ ঢৌ।
হাজাৰ-যুগৰ পুঞ্জীভূত স্মৃতি
হেৰা মেঘ-দূত !!   কাৰ ?
বিৰহী যক্ষৰ।

মহা সাগৰত
উদ্‌ভ্ৰান্ত জোঁৱাৰ
তোমাৰ মাহাত্ম্য প্ৰকাশ !
সোণালী অসম ভূমি
কৰিলা উৰ্ব্বৰা।

আৰু ??
সোণ চেকুৰাৰ মৃদু তৰঙ্গিত সোৱণশিৰী
কলং কপিলী :   ভড়ে ভড়লী :
বাৰা পাগলাদিয়া :
আজিও নীৰৱ।

পূৰ্ব্বাঞ্চল অসমৰ
কুণ্ডিলৰ আন্ধাৰ গুহাত
ব্ৰহ্মকুণ্ড কোনে বাৰু কৰিলে উদ্ধাৰ ?
মহাবাহু ব্ৰহ্মপুত্ৰ !!
তোমাৰ পৰিচয় ??
তোমাৰ দুৰ্জ্জেয় শক্তি

অসীম বাহুৰ দুৰ্ব্বাৰ গতি
দুকূল-ভঙা বলিয়া বানৰ
তাণ্ডৱ-নৃত্য !! নহয়,
বুৰঞ্জীৰ পুনৰাভিনয়
উন্মেশ-শ পঞ্চাচ চনৰ।

সীমাহীন নীলা-সাগৰৰ
মিচিচিপি মিচৌৰী
আৰু !!
এবুকু মৰম ভৰা মৰমী নীল!
আন্ধাৰ পৃথিৱী
চাহাবাক কৰিলা সজীৱ।

ইজিপ্তৰ পিৰামিড্
তোমাৰেই মুক্ত দান!
মৰি-হাজি ভূত হোৱা
মৃত্যুৰ মোকাম নৰকঙ্কালৰ
প্ৰেতাত্মায়ো কৰিব স্বীকাৰ।

আৰু কি ??
জনতাৰ চিৰ প্ৰণম্য
মহাচীনৰ ভাগ্য নিয়ন্তা
হেৰা দুৰ্ব্বুদ্ধি হোৱাংহো !!
তোমাৰ অবাধ গতি
বিজ্ঞানৰ দ্ৰুত-শক্তিয়ে আজি
কৰিলে বন্ধন।

পৃথিৱীৰ উত্থান পতনে
মাতৃ বধি পৰশু কুঠাৰে
মহা-কাব্যৰ সোণালী যুগ
তাহানিয়ে কৰিলে ৰচনা।
কিন্তু আজি !!
তুমি শতিকাৰ নতুন সূচনা
তোমাৰ বুকুতে এদিন
মানুহে মহাকাশ কৰিব জয়
জলবিদ্যুৎ কৰিব ৰচনা।

আহাৰৰ নীলা-বগা আকাশত
ঘন-ক'লা ডাৱৰে প্লাৱিত আকাশ।
উদ্দীপ্ত : উদ্‌ভ্ৰান্ত :
হেৰা মেঘ-দূত। কিহৰ জাননী ?
ঘন-ঘোৰ বৰষাৰ ??
মহা-প্ৰলয়ৰ ??
সলিল সমাধি নতু স্মৃতি তৰ্পণৰ
নহয় তাণ্ডৱ-লীলা মহা-নিৰ্ব্বাণৰ।

নৈশ শাখা
জে, বি, কলেজৰ
সালোচনীত প্ৰকাশিত
১৯৬৫ চন

# ৰাবিটচ্

সেয়া সন্ধ্যাৰ মৌন নিঃসঙ্গতা
আঃ! পঙ্গু জীৱনৰ দিবা-স্বপ্ন।

কাঁজল বুলীয়া কোনো এক গাভৰুৰ
দুচকুৰ কৰুণ চাৱনিত
আমাৰ মন-আকাশৰ পখীয়া তৰা থহে।
আঃ! উকখা পঁজাৰ শেতেলিত বগাই ফুৰা
হাজাৰ বিজাৰ জীয়া সপোনবোৰ
আছে উজাগৰে! অনাহাৰে।

বান্ধনী শালৰ সঙ্কেত ধ্বনিত
হাজাৰ জনতাৰ সপোন ভাঙে!
দিন-আন্ধাৰত খেদি ফুৰোঁ
আমদানি-ৰপ্তানিৰ ভঁড়ালত বাহ লৈ
নিপোটল হোৱা এজাক দেশীয় 'ৰাবিটচ্'।
জীয়াই থকাৰ বাবে।

পুৰণি পৃথিৱী ভেজাল হ'ল
আজি দুষ্প্ৰাপ্যৰ আমদানি
দুৰ্মূল্যৰ ক'লা বজাৰত
মানৱতাৰ অপমৃত্যু! নৈতিক অধঃপতন!
ভেজাল আমাৰ জীৱন।

বুভুক্ষাৰ যন্ত্রণাত আমাৰ বিকট চিঞৰ
আও পুৰণি পৃথিৱীত নয়া পইচাৰ হিচাব
এক কিলো আটা-দাইল-চেনী-চাউলৰ লগত
জীৱনৰ দাম কিমান ??

আমাৰ ৰক্তাক্ত তেজত নিৰ্লিপ্ত
জন্মান্তৰ বিষাক্ত কীটে কামুৰি আছে
উদাৰ মানৱতা। ত্যাগ-সত্য-সাম্য-মৈত্রী।
পুৰণি পৃথিৱী আৰু বস্তীণ কৰাৰ।

মন-ডেওনাৰ সিপাৰত, মুগুনি গুনিছোঁ।
নিষ্প্রভ যৌৱনৰ ক্ষীণ হাঁহি-খিকিন্দালিৰ বোল
হেৰা !! কোন তুমি বিগত-যৌৱনা ??
মোৰ স্বাক্ষৰ তোমাৰ মন-দাপোণৰ
'আদাম-ইভ'ৰ পাণ্ডুলিপিত ॥

ডিচেম্বৰ, ১৯৬৭ চন
"আমাৰ প্ৰতিনিধিত"
প্ৰকাশিত

# সমস্যা

পৃথিবী!
তোমাৰ সমস্যা বহুল!
তোমাৰ বুকুতে লুকাই আছে
শত শতাব্দীৰ
পুঞ্জীভূত বেদনাৰ কলৰৱ!
আৰু: অসমাপ্ত জীৱনৰ
বহু ইতিহাস।

বিপ্লৱী পৃথিবী!
যুগ-যুগান্তৰৰ তুমুল সংগ্ৰাম
মহা যুদ্ধ: এটম ব'ম:
উদ্‌যান ব'মৰ সৃষ্টি:
ৰন্ধ্ৰ-হীন শক্তিৰ পৰীক্ষা
আৰু: ধ্বংসৰ দিনান্তত
নতুন পৃথিবীৰ
নতুন জিজ্ঞাসা।

সন্ধানী পৃথিবী!
তোমাক লাগে আৰু নতুন সন্ধান
তৃষ্ণা: মহা-অভিলাষ:
সাগৰৰ বুকু ভেদি

## অনাহূত

মহাকাশৰ হিয়া ফালি
দিগন্তৰ সিপাৰে থকা
চন্দ্ৰলোক : মঙ্গল গ্ৰহত :
অনাগত দিনৰ
অভিযান :
আৰু : কিমান বাকী ??

বুভুক্ষাৰ উৰ্বৰা পৃথিৱী !
বন্ধ্যাতো নোহোৱা তুমি !
সৃষ্টিৰ বিপুল সম্ভৱা
মাণিক : মুকুতা : হীৰা-প্ৰৱালৰ
আৰু ! ক'ত কোহিনুৰ ।

জাগৃত বৃদ্ধা পৃথিৱী !
তোমাৰ বুকুত বাজে সৌ
অনাহূত দিনৰ ক'ত
না-ভূত : না-শ্ৰুত :
নতুন জিজ্ঞাসা !
নতুন সমস্যা ।

নৈশ' শাখা
জেঃ বিঃ কলেজৰ
আলোচনীত প্ৰকাশিত
মাৰ্চ্চ, ১৯৫৯ চন,

# অনাহূত চিঠি

মৰমৰ চন্দনা !

কাঁজল বুলীয়া কাহিনীৰে
এইখন তোমালৈ মোৰ
অনাহূত চিঠি ।

স্মৃতিৰ বোলসনা বহুতো সপোন মাৰ গ'ল ।
আজি বিগত যৌবনৰ মন-দাপোণত
তোমাৰ সাদৃশ্যৰ এগৰাকী আধুনিকাক লগ পাইছিলো
সন্মুখত পোৱা হলে, হয়তো কলোহেঁতেন—
তোমাৰ সজল নয়ন দুটিৰ ক'লা নীলা মণিত
নীৰৱে লুকাই আছে, হাজাৰ যুগৰ পুঞ্জীভূত স্মৃতি
আৰু ! আদিম মানৱৰ অলেখ স্বপ্ন ।

শুনিছিলো পুৰাণৰ সৌন্দৰ্য্য কাহিনী,
তিল্-তিল্কৈ ধুনীয়া তিলোত্তমা, মেনকা, ৰম্ভা
নৃত্য-পটীয়সী চিৰ-যৌৱনা উৰ্ব্বশী
আৰু হাজাৰ দেৱদাসী, অলকানন্দাৰ কাহিনী,
সেয়া আছিল, বিধাতাৰ সৃষ্টি ।

আজি স্পুটনিক, ৰকেট, লাইকাৰ যুগ,
ধৰিত্ৰীয়ে বিচাৰিছে নতুনৰ সম্বন্ধ ।
আধুনিক অলকানন্দা তিলোত্তমাই বিচাৰিছে
স্বাক্ষৰিত সৌন্দৰ্য্যৰ ইতিহাস ক'ত ?

সেয়ে সাত-সাগৰ তেৰ-নদীৰ সিপাৰত
বিশ্ব-বিশ্রুত অযুত-কোটি তাৰকাৰ মাজত
বিশ্ব-সুন্দৰীৰ প্ৰতিযোগিতা।

তুমি চাগৈ এতিয়াও
আওপুৰণি বান্ধনী-শালৰ বন্ধ কোঠাত আবদ্ধ
আৰু বৈ পৰা দুগালৰ ঘামৰ কেচেমা-কেচেম গোন্ধ,
তৰা-ফুল বচা ফুলাম গামোচাৰে মচি
শান্তি আৰু বিশ্রামৰ সংগ্রাম কৰিছা।

শুনা চন্দনা!
আজি ম্লান পৃথিবীৰ ধূলি-ধূসৰিত
চিনাকি চিনাকি লগা প্ৰগ্‌লভাৰ
বেদনা ক্লিষ্ট পঙ্গুৰ এটি কৰুণ কাহিনী।
অন্ধ বিলাস-বাসনাত নিজকে বিলাই দিয়া
আছিল এদিন তাই বিলাসিতাৰ পূজাৰী।
জীৱন বসন্তৰ পৰশত উল্লাসিত মন
বাদামী-বাদামী ৰঙেৰে মসৃণ দেহৰ বৰণ,
ফুলাম খোপাত অনামি-অনামি গোন্ধ
ৰাতিৰ বীভৎস বহুৰূপী ৰঙ্গমঞ্চৰ নায়িকা তাই-
সেয়ে তাইৰ নাম দিলে অনামিকা।

সৌন্দৰ্য্যৰ সমীক্ষাত আছিল এদিন
বিশ্ব-সুন্দৰী হেলেনৰ ৰূপ-মাধুৰী

স্বপ্ন-সনা বঙীণ-যৌৱন জোনাক যামিনী
কেঁচা-সোণ বৰণীয়া মিচিকি হাঁহিত ৰূপৰ বঙ্কিম আভা
তাইৰ যৌৱনৰ বাউলী ৰতাহে জনালে
হাজাৰ জনক নিমন্ত্ৰণ, আকুল আহ্বান।
আৰু যৌৱন ফুলনিত তৃষ্ণাতুৰ প্ৰেমাকাঙ্ক্ষীৰ সমদল
ছদ্মৰূপী কামাৰ্ত্ত ভ্ৰমৰৰ শত গুঞ্জন।

"একালৰ বৃন্দাবন একালত পৰে চন
নিয়তিৰ এনুৱা বিধান—"
আজি তাই পঙ্কিল পথৰ যাত্ৰী, আৰু
সিদিনাৰ সৌন্দৰ্য্য সাধনাৰ আবিষ্কৃত উপাদান
লিপষ্টিক-লে'ক্টবন, স্নো-পাউডাৰে পৰাজয় স্বীকাৰ কৰা
বিগত-যৌৱনা, সমাজৰ পতিতা।

সৌৱা চোৱা।
নগৰৰ আবেষ্টন ৰেল-ষ্টেচনৰ দাঁতি
গেলা-পচা দুৰ্গন্ধভৰা কচুৰনিত বাস কৰা
'কচম'পলিটান'ৰ এখন নতুন সমাজ, নগ্নতাৰ বীজ
অলেখ অঘৰীৰ জুপুৰী পঁজা,
সেয়া আমাৰ সভ্যতাৰ জ্বলন্ত প্ৰতীক,
ৰেলৰ উকিত ব্যস্ত হোৱা যাত্ৰীৰ দৰে
বহু-বাসনা, অৰ্দ্ধ-আভৰণাহঁতৰ হৈ-চৈ, বিকট্-চিঞৰ
ইংৰাজী-অসমীয়া, বঙালী-হিন্দী মিশ্ৰিত
অশ্লীল বাক্যৰ বাণেৰে 'যুদ্ধং দেহি'……

যেন বাকবিত পৰি থকা
নতুন মৰাশৰ ওপৰত টনা-আজোৰা
কাউৰী-শিয়াল-শগুণ, কুকুৰ জাকৰ কাজিয়া।

সৌটো চোৱা কোন ?
বহু-শতাব্দীৰ বুৰঞ্জীৰ ধ্বংসস্তূপৰ পৰা
উদ্ধাৰ কৰি অনা এটি শুকান জঁকা,
'এনথ্ৰ'পলজি' মিউজিয়ামৰ মামী কেচত ভৰাই থোৱা
যেন্ বীভৎস মলিন বিবৰ্ণ-বদনা 'স্কেচ'।
আজি মহা-নগৰীৰ ৰাজ-পথত বহি
বুভুক্ষাৰ দৃষ্টিৰে 'বাবু এটি পইচা……'
এখন কটিৰ সন্ধান, এমুঠি অন্নৰ ভিক্ষাৰী
যেন দুৰ্গন্ধ-নৰ্দ্দমাত পৰি থকা
একালৰ স্বৰ্ণালঙ্কৃত ফটা শ্লিপাৰ যোৰে
বিগত দিনৰ কাহিনী সুঁৱৰি চকুলো মচে।

সৌৱা চোৱা !
আকাশ-লঙ্ঘা ৰাজ-অট্টালিকা, বিচাৰালয়,
বিধাতাৰ সৃষ্টিত মানুহৰ মিছা-বেশ্যাৰ বিচাৰ
সত্য-উন্মেষণৰ নামত অসত্যৰ প্ৰচাৰ
নৈতিকতাৰ নামত যুক্তি তৰ্কবাদ।
অফিচৰ আবৰ্জ্জনাবোৰ দাবোৱানে আনি
জ্বলাই দিয়া লিখিত-পঠিত, অৱহেলিত
অগ্নি-দগ্ধ পুৰণি পাণ্ডুলিপিবোৰে
শিখা নিগৰিত চকুলোৰে, বিগত দিনৰ কাহিনী কয়।

সৌৰা চোৰা শ্মশান!
হাড়-চেঁচা উলঙ্গ-নিস্তব্ধতা—তাতো এখন সমাজ!
ক্ষুধাতুৰ বৰটোকলা কুকুৰ-শিয়ালৰ জাকে
এটুকুৰা শুকান নৰ-কঙ্কাল লৈ
জীয়াই থকাৰ সংগ্ৰামত টনা-আজোৰা কৰি
কেক্-কেক্াই ফুৰিছে!
যেন নৰকঙ্কালে পূৰ্ব্বগামীৰ 'অটো'বায়গ্ৰাফী',
অনুগামীক কয়, অনামিকাই নীৰৱে চকুলো মচে।

চন্দনা!
আজি এই বিষণ্ণ বসুধাৰ বুকুত
বিধাতাৰ বিপুল সৃষ্টিত অন্ধ আভৰণ।
মানুহে মানুহক গঢ়িলে দেৱতা, ৰাক্ষস, অসুৰ,
স্বাৰ্থান্ধই ৰচিলে ভাগ্যত স্বৰ্গৰ চিৰ-সুখ
চিৰ-বসন্তৰ উপভোগ।
আৰু ৰচিলে নৰক-কুণ্ডত তিল্-তিলকৈ
যন্ত্ৰণা ভোগ কৰা কৰ্ম্মফল, মৃত্যুৰ নিচান।
তুমি-মই, আদিম জীৱাত্মাৰ নতুন মোকাম
জন্মান্তৰ সিপাৰৰ পাণ্ডুলিপি
মোৰ স্নেহ. আৰু প্ৰীতি তোমালৈ।

যোৰহাট
১৯৬৬ চন

# সীমান্তত জুই

[ ক ]

ভাৰতৰ সীমান্তত হিমাদ্ৰিৰ উচ্চ-চূড়া
দিগন্ত বিয়পা সৌ ছুৰ্লজ্ঘ্য প্ৰাচীৰ।
ৰত্নগৰ্ভা জননী! সুজলা সুফলা
প্ৰকৃতি সম্পদে ভৰা শ্যামলী ধৰণী
উৰ্ব্বৰা ভাৰত ভূমি!
মাণিক মুকুতা হীৰা-প্ৰবাল
আৰু! পৃথিবীৰ শ্ৰেষ্ঠ কোহিনুৰ।

হিমাদ্ৰিৰ উচ্চ-শিখৰত
কুণ্ডে কুণ্ডে ভৰি আছে
ঐশ্বৰ্য্য-বিভূতি আৰু কুবেৰ-সম্পদ!
আৰু! বিদেশীৰ মনোলোভা
ৰূপে মনোহৰা
সেয়েই ভাৰতবৰ্ষ।

ৰম্য-পুৰী গিৰি-হিমাচল
ঋষি-মুনি-যোগী-তপস্বীৰ
সাধনাৰ পুণ্য তীৰ্থ-ধাম!
মহা-যোগী! জটাধাৰী মহা-সংযমী
মহাদেৱৰ মনোৰম কৈলাসপুৰী।

সৃষ্টি-স্থিতি পাততনিৰ হাজাৰ কাহিনী ভৰা
দেৱতা-দানৱ অসুৰ-কিন্নৰৰ
মহা-মিলনৰ লীলা ভূমি
শান্তি-নিকেতন।

সেৌ-সিদিনাৰ আন্ধাৰ জগত
নীৰৱ পৃথিৱী। স্তম্ভিত ধৰণী
যিদিনা বাজিছিল পুণ্য-ভাৰতত।
মাঙ্গলিক শঙ্খ-ধ্বনি পূজাৰ আৰতি
শিক্ষা-দীক্ষা। ধৰ্ম্ম-দৰ্শন। জ্ঞান-গৰিমাৰ
দেখুৱালে জগতক আদৰ্শ মহান
নতুন পথৰ নতুন সন্ধান।

বিস্মৃত পৃথিৱী আজি। নিস্তব্ধ মহাচীন
পাহৰিলে বন্ধুত্ব। শান্তি। সভ্যতা
ভাৰতীয় দৰ্শনৰ মহা-জ্ঞান।
বুদ্ধৰ পবিত্ৰ বাণীৰে প্লাৱিত
কোটি-কলীয়া কু-সংস্কাৰেৰে আবৃত
পুঞ্জীভূত হাজাৰ কলুষ কালিমা ভৰা
ৰঙা চীন হ'ল আজি
প্ৰাচীন সভ্য!!
কিন্তু। বুৰঞ্জীয়ে ৰিঙিয়ায়
জীয়া-জীৱনৰ পাণ্ডুলিপিয়ে সোঁৱৰায়
জ্ঞান-লিপ্সু ফা-হিয়ান আহিছিল।
আহিছিল। জ্ঞান-পিপাসু হিৱেনচাং।

অদম্য উৎসাহ বুকুত বান্ধি
দুৰ্ব্বাৰ গতিৰে।
মৰি-হাজি ভূত হোৱা
ফাহিয়ান হিয়েনচাঙৰ নৰকঙ্কাল
প্ৰেতাত্মায়ো আজি কৰিব স্বীকাৰ।

ভাৰতৰ সীমান্তত আজি
মদ-মত্ত! ৰণ-মত্ত! উন্মত্ত
ৰঙা চীনৰ যুদ্ধৰ গৰ্জ্জন! অত্যাচাৰ-উৎপীড়ন
চৌ-দিশে মৃত্যু-বিভীষিকাৰ ধ্বনি!
আঃ! মৰ্টাৰৰ ধ্বংসাত্মক তাণ্ডৱ-লীলা।
দানৱৰ শকতিৰে আজি
আকাশ-লঙ্ঘা হিম-চূড়া!
অলঙ্ঘ্য প্ৰাচীৰ ভাঙি, কৰিলে চূৰ্ণ
সাম্য-মৈত্ৰী পঞ্চশীল নীতি কৰিলে ভঙ্গ।
ৰাজ্য-লোভী! পৰ-ৰাজ্য লুণ্ঠনকাৰী
প্ৰৱঞ্চক! প্ৰতাৰক! বিদেশী দস্যুৰ দলে
পৱিত্ৰ-ভাৰত-ভূমি, হঠাতে কলুষ কৰি
জগতক দেখুৱালে!!
সভ্যতাৰ মুখা-পিন্ধা
ৰঙা-চীনৰ উলঙ্গ বৰ্ব্বৰতা।

শান্তি-কামী ভাৰতৰ সীমান্ত প্ৰহৰীগণ
গৃহহীন! অনাহাৰী! নিঃসহায়, নিৰাশ্ৰয়
নিজৰ দেশতে আজি হ'ল জগনীয়া।

পুণ্য-ভূমি ভাৰতত বিদেশী দস্যুৱে আহি
নাৰীৰ নাৰীত্ব! সতীৰ সতীত্ব!
দেশৰ সৰ্ব্বস্ব কৰিলে হৰণ!
আৰু! হাজাৰ-হাজাৰ দেশৰ জোৱানে আজি
স্বদেশ আৰু স্বাধীনতাৰ হকে যুঁজি
মৃত্যুক কৰিছে বৰণ।

[ খ ]

উঠা আজি ভাৰতৰ যুৱক-যুৱতী
জাগা আজি অতীতৰ সুঁৱৰি কীৰিতি।
জেৰেঙাৰ জীয়া তেজ 'জয়া'ৰ সতীত্ব
বীৰাঙ্গনা 'মূলা গাভৰু'ৰ সুঁৱৰি নাৰীত্ব।
মোমাই কটা গড়ে আজি ঘোষিব লাগিছে
'দেশতকৈ মোমাই মোৰ নহয় ডাঙৰ'
'লাচিত'ৰ মূল-মন্ত্ৰ বীৰৰ বীৰত্ব।

লোৱা নাই কোনো যুগে দেশৰ জোৱান দলে
প্ৰাণৰ মমতা লৈ দীনতা-হীনতা-ভীৰুতা,
মৰণ বৰণ কৰি জাপ দিলে চিপাহী-দ্ৰোহত
দেখুৱালে 'লক্ষ্মীবায়ে' জগতক ৰণ-নিপুণতা।
মৃত্যুঞ্জয়ী 'টিপু চুলটান'ৰ সিংহৰ বিক্ৰম
'আজাদ-হিন্দ' ফৌজৰ যুগমীয়া কীৰ্ত্তিৰ স্তম্ভ,
বাহুবলী 'পুৰু'ৰ সৌ নিৰ্ভীক বাক্যৰ বাণে
দিগ্বিজয়ী 'আলেকজেণ্ডাৰ'ৰ ভাঙি দিলে বীৰ-দম্ভ।

আহা আজি ভাৰতৰ বীৰ-বীৰাঙ্গনা
নীচতা-হীনতা এৰি, এৰি কাপুৰুষতা,
দেশৰ কাৰণে কৰো জীৱন-মৰণ পণ
জননী জন্ম-ভূমিৰ ৰাখো স্বাধীনতা।
চেনেহী জননী মোৰ বীৰ-প্ৰসৱিনী
বীৰৰ সন্তান আমি, যাওঁ আগবাঢ়ি।
শত্ৰুৰ তেজেৰে আজি ধৰণী প্লাৱিত কৰোঁ
জন্ম-ভূমিৰ হকে আমি যুঁজি যুঁজি মৰোঁ।

১৯৬২ চনৰ চীনৰ আক্ৰমণৰ সময়ত লিখা, 'জন শিক্ষা' আৰু 'মিৰ-মিগল'ত প্ৰকাশিত।

---

# মনালিচাৰ সপোন

হেৰা মনোৰমা!
যুগ্ম-জীৱনৰ আজি
বিগলিত বাৰটি বসন্ত! পৰিণাম?
ভবিষ্যতৰ এটি দুটি, পাঁচোটি ভৰা
আমাৰ প্ৰতিনিধি।

জীৱনৰ মাজ-মজিয়াৰ পৰা আজি
হেৰোৰা অতীতক এবাৰ সুঁৱৰি চোৰা
বসন্ত সম্ভাৰ লৈ আহিছিল এদিন
নিলাজী ফাগুন।
যৌৱনৰ বাউলী বতাহে জনালে
হাজাৰ জনক নিমন্ত্ৰণ!
আক! প্ৰথম প্ৰেমৰ আহ্বানত
স্বপ্ন ভৰা ৰঙীণ পৃথিৱীত জাগিল
মিলনৰ মূৰ্চ্ছনা।
কোনোবাই পাতিছে বিয়া
আক! কাৰোবাৰ ভাগিছে হিয়া!
অনাগত দিনৰ বহু ইতিহাস!
আক তুমি!!
নিজানত বহি নীৰবে ৰচিলা
'মনালিচাৰ হাঁহি'! আক
আশা ভৰা সপোন।

সেয়া চোৰা জীৱন!
মহা-নগৰীৰ ভীষণ কোলাহল
আলিয়ে-গলিয়ে ক্ষুধাতুৰ বুভুক্ষাৰ প্ৰতিধ্বনি
হাড়-ছাল-চিগা বিকলাঙ্গ
কুকুৰ জাকৰ বিকট চিঞৰ!
গেলা-পচা আৰু দুৰ্গন্ধে ভৰা
'ডাস্টবিন'ত বিচাৰে
জীয়াই থকাৰ সম্বল।
ভগ্ন-গ্লাচৰ টুকুৰাত দেখে
ভগ্ন-দেহৰ প্ৰতিবিম্ব! নগ্ন ইতিহাস;
তথাপি ভুকে! জীয়াই থকাৰ প্ৰতিহিংসাত।

আমাৰ চাকৰি জীৱন!
মাহৰ শেষত সদায়
জমা-খৰচৰ এখন বাজেট বহে!
সেই বাজেটৰ মোহনা মুখত
সদায় পৰে ঘাটি আৰু বাকী
হঠাৎ যেন সংসদৰ মজিয়াত
'ভিচুবিয়াচ' 'ফুজিয়ামা'ৰ উদ্গীৰণ!
নীৰৱ নিমাত!
হাড়-চেঁচা শ্মশানৰ উলঙ্গ নিস্তব্ধতা

যৌতুকৰ ট্ৰেজাৰীত
চিনাকি দুদুৰ্ত্তই সিদ্ধি দিলে!

কাণব থুবিয়া থহিল।
সেয়া মনোবমা! যুগ্ম-জীবনব
বুকুব উমেবে জীয়াই থকাব
আজি আমাব পদ-চিহ্ন।

আমাব উদ্‌ভ্রান্ত যৌবন
আৰু আবেগব কলবোল
মিলন সনা প্রেম-কাঁজলব নাও
জীবন নদীব ভবা সুঁতিত ডুব যায়।

অ' মা'জনী স্বপ্নাব
বয়সে বাগব সলালে!
তাইব জীবনলৈ ফাগুন আহিছে
বসন্তব আগ-জাননী।

মনোবমা!! তোমাব উন্মুক্ত যৌবনব
আসন্ন বসন্তব পাছত
জীবনলৈ নামি আহিছে
ভীতি-বিহ্বল, জয়াল
বিষণ্ণ সন্ধ্যাব কাল-ধুমুহা।

বুবঞ্জীব জঁকা যেন তোমাব দেহলৈ
স্বপ্ন-ম্লান পৃথিবীত আন্ধাব নামিছে!
'মনালিচাব সপোন'! সমাধি দিয়া।

'আমাব প্রতিনিধি'ত প্রকাশিত।
জুলাই ১৯৬৬ চন

---

## বিপৰ্য্যয়

সৌ সিদিনাৰ
ইতিহাসে সাদৰি লোৱা
সেয়া বুঢ়া লুইতৰে পাৰ।

ৰত্নগৰ্ভা জননী! সুজলা সুফলা
প্ৰকৃতি সম্পদে ভৰা শ্যামলী ধৰণী!
মাণিক মুকুতা সৰা, মুনি মনোহৰা
জ্যোৎস্না ভৰা জীৱনৰ শত শাৰদী-পূৰ্ণিমা
কিন্তু! আজি তাত নিৰ্জ্জীৱ বসন্ত
'চাহাৰা'ৰ দ্বিতীয় সংস্কৰণ।

মহা-সিন্ধুৰ পাৰে পাৰে
আহ যোৱা হাজাৰ যুগৰ,
পুঞ্জীভূত মৃত্যুৰ মোকাম্
কাৰ? আদিম মানৱৰ
বুৰঞ্জীৰ এখিলা পাতৰ।

সীমান্তৰ সিপাৰত
হোৱাংহো পাৰত, মহা-'চীনৰ প্ৰাচীৰ'
সভ্যতাৰ অপূৰ্ব্ব নিদৰ্শন,
কিন্তু! আজি তাত উন্মত্ত! মদমত্ত!
ৰঙা চীনৰ কাণ ফলা বিকট চিঞৰ।

আৰু ! আৰু !!
সাত সাগৰ তেৰ নদীৰ সিপাৰে
আন্ধাৰ পৃথিৱীৰ
মন নীলা ! নীল-নদী পাৰত
বিস্মৃত যুগৰ 'পিৰামিড্'
আজি তাত সভ্যতাৰ পূৰ্ণ জাগৰণ।

কুৰি শতিকাৰ আকাশ মণ্ডলত আজি
দূষিত বায়ুৰ সমাৱেশ !
যুগৰ বিপৰ্য্যয় ! দুৰ্নীতিৰ চূড়ান্ত গৱেষণা
আৰু ! পৰিণাম তাৰ ??
অনীতিৰ অনুশীলনত প্লাৱিত দেশ
নৈতিক অৱনতি ! ভেজাল খাদ্য
বিষাক্ত বায়ুৰ সেৱনত জৰ্জ্জৰিত জনগণ,
মানৱতাৰ ধ্বংস-লীলা !
মনুষ্যত্বৰ ধ্বংসস্তূপত বুৰঞ্জীৰ প্ৰস্তুতি।

বিগত বসুন্ধৰা ! তোমাৰ দুৰ্দ্দশা
নীৰস জীৱন ! শুকান, শুকান তোমাৰ গাওঁ
বন্ধ্যা তোমাৰ উৰ্ব্বৰা শক্তি !
আজি তাত দুষ্প্ৰাপ্যৰ আমদানি
দুৰ্ম্মূল্যৰ ক'লা বজাৰত
মানৱতাৰ বিচাৰ ! আৰু ?
জীৱনৰ মানদণ্ড।

যুগৰ বুকুত বহু বসন্ত নেওচি গ'ল
সেয়ে 'ধনবৰ-ৰতনী' নাহিল উভতি
'তেজীমলা' ৰঙা হৈ শ্মশানত ফুলি ৰ'ল,
......শুৱনী আমাৰ গাওঁ খনি অতি......
তাহানিতে জহি পমি গ'ল......
আওপুৰণি পৃথিৱীত নয়া পয়চাৰ হিচাব
এক কিলো আটা-চাউল-চেনী-দাইলৰ
দাম কিমান ? ?

দুৰ্জ্জেয় প্ৰকৃতি ! তুমি চিৰ অপৰাজেয়,
কুৰি শতিকাৰ- অনন্ত সমস্যা
নীৰৱে তুমি কৰিলা সূচনা !
সংসাৰ নহয় জঞ্জাল ! ঘোৰ কলিকাল—
নহয় ! ইটো বিৰাট মকৰা জাল !
যোগ চিনৰ নিত্য আগমন ! আৰু !
বিয়োগ চিনৰ বিৰাট কল্পনা,
প্ৰথম যাত্ৰী কোন ? ?

'জনশিক্ষা'ত প্ৰকাশিত
১৯৬৮ চন



# প্ৰতিক্ৰিয়া

হেৰা বৃদ্ধা পৃথিৱী!
তুমি অনন্ত যৌৱনা
তোমাৰ বুকুত ক'ত
জন্ম, প্ৰেম আৰু মৃত্যুৰ নিচাত
শাশ্বত মানুহৰ নৰকঙ্কালে
নীৰৱে চকুলো মচে।

আমাৰ প্ৰাণ-চাহাৰাত আজি
শান্তিৰ সমস্বৰ সঙ্গীত!
সুমাত্ৰা, জাভা আৰু টাঙ্গানিকাত
আদিম মানুহৰ মোকাম্
আদাম-ইভ'ৰ আদিম কাহিনী
সৃষ্টিতত্ত্ব! ব্ৰহ্ম সত্য, জগত মিথ্যা
বেদান্তৰ ব্যাখ্যা।
বিজ্ঞান আৰু সভ্যতাৰ ক্ষিপ্ৰ-গতি!
বিশ্ব-শান্তি! সাম্য-মৈত্ৰী নীতি
আৰু! নতুন সন্ধান।

মন-প্ৰশান্ত সাগৰৰ বুকুত
যুগে যুগে দুৰ্জ্জেয় শক্তিৰ
নতুন পৰীক্ষা!

আৰু! বুৰঞ্জীৰ এখিলা পাতৰ প্ৰস্তুতি।
মৃত্যু উপত্যকা!
'নাগাচাকি' 'হিৰোশিমা'ত আজি
প্ৰতিক্ৰিয়াৰ ধ্বংসস্তূপ
জীয়া মৰা কাউৰী-শিয়াল-শগুণ
আৰু! বিকলাঙ্গ প্ৰেতাত্মাৰ
বিকট চিঞৰ।

'আমাৰ প্ৰতিনিধি'ত
প্ৰকাশিত
১৯৬৮ চন।



# প্ৰতিকাৰ

সেয়া আমাৰ
দৈনন্দিন জীৱনৰ দিবা-স্বপ্ন
আজ ! দেশী-বিদেশী এজাক 'ৰাবিটছ্' ।

মানৱতাৰ চিকাৰত জোপ লৈ আছো
আমদানি-ৰপ্তানিৰ ভঁড়ালত
বাহলৈ নিপোটল হোৱা
এখন আন্ধাৰ পৃথিৱীত
চুকক-চাৰাকৃকৈ দৌৰি ফুৰা
ডালশলিয়া ৰধৰ ।

আমাৰ দেহৰ ৰন্ধ্ৰে-ৰন্ধ্ৰে
ৰঙা তেজত নিৰ্লিপ্ত
জন্মান্তৰ ধ্বংসাত্মক কীটে
অহৰ্নিশে মগজুত কামুৰি আছে !
নৈতিক উদাৰ । সত্য-সাম্য-মৈত্ৰী
পৃথিৱীক বহু ৰঙীণ কৰাৰ ।

আমি এক জল-ঘোটক
জন-মানৱৰ দল !
প্ৰতিকাৰ ?

দুর্নীতিৰ ক'লা বজাৰত
দুষ্প্ৰাপ্যৰ আমদানি
দুৰ্ম্মূল্য ভেজাল খাদ্য
নৈতিক দুৰ্ব্বলতাত ?
নহয়। বুভুক্ষাৰ যন্ত্ৰণাত
অনাহাৰী জনতাৰ নৈতিক দাবীত।

আজি শান্তি আৰু বিশ্ৰাম গৃহত
দূষিত বায়ুৰ আবেষ্টন!
মৃত্যু আৰু মুক্তি শয্যাত শুই
শুনিছো হাজাৰ জনতাৰ
দুৰ্ভিক্ষৰ বিকট চিঞৰ
আৰু। সমাগত জীৱন বিচাৰ।

'জনমত'ত প্ৰকাশিত
নভেম্বৰ, ১৯৬৬ চন

---

# এটি-দুটি, ছ'টি পটন্তৰ

( লঘু ৰচনা )

অল্প বিদ্যা ভয়ঙ্কৰী জানিবা নিশ্চয়,
কৰ্ত্তব্য সাধনে তাৰ দিয়ে পৰিচয়।
এটি দুটি কৰি কওঁ ছটি পটন্তৰ,
আমনি নোপোৱা যেন শুনি দৃষ্টান্তৰ।

## এক : অতি মাত্ৰাই অৱনতি

আছিল নিবনুৱা এক মটৰ ড্ৰাইভাৰ
জীৱিকা বিচাৰি ফুৰা মহা-নগৰীত ;
বহু দিন বেচেৰাই য'তে ত'তে ঘূৰি
মিলালে শেষত ভাগ্য টেক্সী-চলোৱাত।
জানো মই টেক্সী-গাড়ী কিদৰে চলাব লাগে
কিমান বেগে চলাব জানো, পাৰোঁ দেখুৱাব ;
আপদীয়া পুলিচ-মথা ৰসাতলে য'ক মাথো
তেতিয়া !' টেক্সী-তুফানী মোৰ অবাধে চলিব।

ইদৰে মনতে ভাবি সি আত্ম-গৰ্ব্বী হৈ
তীব্ৰ বেগত দিলে টেক্সী চলাই ;
কিন্তু ! বিজুলী সঞ্চাৰে গৈ মণিব নোৱাৰি পথ
পকাৰ পুলত গাড়ী দিলে খুন্দিয়াই।
আৰু ! নিমিষতে প্ৰাণ-বায়ু তাৰ নিলে উৰুৱাই ॥

বেগবান টেক্সী তাৰ যি দৰে চলিল,
সিদৰে জীৱন-লীলা অস্ত পৰিল।

### দুই : নজনাৰ কালগ্ৰহ

আছিল আকৌ এক অতি এলেহুৱা লোক
চাকৰি বিচাৰি ফুৰা খাই হাবাথুৰি ;
চিকাৰি এদলে পাই সাদৰেৰে আনি তাক
টাৰ্গেটৰ গুলী গণা যাচিলে চাকৰি।

ভাৱিলে মনতে সি মাহেকে পষেকে হয়
প্ৰতিযোগী সকলৰ গুলী মৰা কাম ;
এনুৱা সহজ কাম ভাগ্যৰ বলতে পায়
বাকী দিন বোৰ আক বহি-বহি খাম।

সেই দিনা আনি তাক শিকাই বুজাই লই
টাৰ্গেটৰ গুলী-গণা দিলে দেখুৱাই ;
কিন্তু! হিচাবৰ গুলী মৰা শেষ নহওঁতেই আহি
গণো বুলি টাৰ্গেটত সি দিলে থিয় হৈ।
আক! প্লাছৰ গুলীয়ে নিলে, তাৰ বুকু সৰকাই॥

অনভিজ্ঞ এলেহুৱাৰ যিটো পৰিণাম,
গুলীয়ে গুচালে তাৰ সেইটি দুৰ্নাম।

## তিনি : অতি দৰ্পে হতো লঙ্কা

আছিল সাহসী এক ঘোৰ নিবন্ধুৱা
ভাকোতো চাকৰি লাগে, সি যেনে পালোৱান ;
মিলালে চাকৰি তাৰ চিৰিয়া খানাত
হিংস্ৰ জন্তুক কৰা লালন পালন।

ভাবিলে মনতে সি অতিকে সহজ কাম
গড়ালত থকা জন্তু আহাৰ পানী দিয়া ;
দিনটোত এটি বাৰ দিব লাগে আনি মাথোঁ
বাকীছোৱা সময়ত মৌজ কৰি খোৱা।

এদিন সিংহই তাৰ আহাৰ নাপাই খাৰ
ভোকতেই উগ্ৰমূৰ্ত্তি কৰিলে ধাৰণ ;
কিন্তু। সাহসীয়ে সাহ কৰি আহাৰ নকৰি আগ
গড়ালত নিজে আগে কৰিলে গমন।
আৰু। সিংহই আহাৰ বুলি তাকে কৰিলে গ্ৰহণ॥

মৌজ কৰা সাহসীৰ যি'বা আচৰণ,
সেয়ে তাৰ একমাত্ৰ মৃত্যুৰ কাৰণ।

## চাৰি : আনন্দত চকুলো

আছিল এজন কুলী ৰেল জংচনত
দহ-বাৰ মোন দাঙি মূৰত নিয়ে ভাৰ ;
মিলিল এদিন ভাড়া বাদ্য যন্ত্ৰ এটি
ওপৰ মহলাৰ পৰা নমাই অনাৰ।

মনতে ভাবিলে সি ক'ত দিন ক'ত ৰাতি
ক'তনা গধূৰ বোজা ক'ত কঢ়িয়ালে;
তথাপিতো ভাগ্যবলে এমুৰা লাঘৱ বোজা
দুৰ্ভগীয়াৰ কপালত কতো নিমিলালে।

অপাৰ আনন্দ মনে ক্ষুদ্ৰ ইটো ভাৰ
উশাহতে দিওঁ বুলি ততালিলে আনি;
টিপতে মূৰত তুলি দিলে দৌৰ মাৰি
কিন্তু! ভৰি গ'ল তাৰ খট্-খটি এৰি।
আক! আলাসতে খোজ দি গ'ল তললৈ পৰি॥

আত্ম-হাৰা আনন্দত যিদৰে দৌৰিল
বেচেৰাৰ মানৱী লীলা সিদৰে উৰিল।

পাঁচ: অকৰাৰ অকৰা বুদ্ধি

আছিল আকৌ এক খোদৰ পচলা
যেনি তেনি ঘূৰি ফুৰা জীৱিকা বিচাৰি;
মিলিল চাকৰি তাৰো চৌকিদাৰী কৰা
বহি বহি ৰখি থকা শাকনিৰ বাৰী।

নিৰাপদ নিৰাময় অতি নিজঞ্জাল ইটো
সৌভাগ্যৰ বিনে বাক কোনে এনে কাম পায়;
গৰু-মেঁাহ চোৰ-ডোৰ একোৰে জুলুম নাই
আৰাম কৰাৰ বাদে মোৰ একো কাম নাই।

এদিন হঠাতে দেখে এক চকুখোৰা ষাঁড়ে
কত্ৰ-মূৰ্ত্তি ধৰি দৌৰে তাৰ ফালে চাই ;
ভাবিলে মনতে সি পিঠি পাতি চাওঁ চোন
কিটোনো কৰিব পাৰে বলধ বলিয়াই।
আক! শিঙাল বলধে পিঠিয়েদি দিলে শিঙিয়াই॥

আৰামৰ চৌকিদাৰীত পালে যি মেহনতি,
সেয়েই সাধিলে তাৰ শেষ পৰিণতি।

## ছয়ঃ কুম্ভকৰ্ণৰ নিদ্ৰা ভঙ্গ

আছিল নিবন্নুৱা এক টোপনিয়াই থকা
সি চাকৰি বিচাৰি পালে পানচৈ নাৱত ;
পচোৱা বলিলে মাথো পাল তৰি দিয়া
অতিকে সহজ কাম মিলিল ভাগ্যত।

হঠাতে এদিন দেখে পচোৱা বলিছে
মাঝীয়ে আদেশ দিলে 'তৰি দিয়া পাল' ;
বেচেৰাই টোপনিতে থক্-মক্ কৰি
একে জাপে মাস্তুলৰ ওপৰত উঠিল।

বহু দূৰ ওপৰত নাজানি নেমেলি একো
জোট-পোট লগা পাল বতাহত দিলে উৰুৱাই ;
মাঝীয়ে চিঞৰি ক'লে, 'ইটো বান্ধি, সিটো খুলি দিয়া'
কিন্তু! বিমোৰত সি বান্ধিবলগীয়া ৰচি দিলে সোলোকাই।
আক! মৰিল তলত পৰি, ভৰি চোচৰাই॥

টোপনিয়াই খোৱা কামৰ যি'বা হ'ল গতি
লভিলে জীৱনে তাতে শেষ পৰিণতি।

* * *

তাকে জানি সকলোৱে শিকি বুজি লোৱা
যাৰ যি বিষয়ত আছে একাগ্ৰতা;
নহ'লে কৰ্ত্তব্য ইটো অতি ভয়াবহ
উপৰোক্ত দু'জনৰ হ'ল যি দুৰ্দ্দশা।

'জন-শিক্ষা'ত প্ৰকাশিত
১৯৬৭ চন।



মূল, বিদেশী কবিতা

# জীৱন

দিশ-হাৰা উদভ্ৰান্ত মানৱৰ দল।
কালৰ সোঁতত ক্ষণিকৰ বিশ্ৰাম
সীমাহীন গন্তব্য পথত।

জন্মান্তৰ সিপাৰত
আদিম মানৱে বুকুত ললে
অনাগত দিনৰ অলেখ চিন্তা!
অফুৰন্ত পঙ্গু আশা-আকাঙ্ক্ষা
হাজাৰ নিমাতি স্বপ্নৰ বোজা!
সেয়ে জীৱন আকাশত
হাজাৰ তৰাৰ দীপাৱলী জ্বলে
আৰু! পপীয়া তৰা খহে।

সেয়া আমাৰ জীৱনৰ
দিশ-চক্ৰৱাল ৰেখা!
অহা আছে, যোৱা যায়
যাত্ৰাৰ অনন্ত পথত!
জন্ম-প্ৰেম-মৃত্যু! উত্থান-পতন্
জীৱন-যাত্ৰাৰ শত জয়-ধ্বনি! কিন্তু
যাত্ৰাৰ শেষ দিগন্তত মৃত্যুৰ নিচান!
সময় বালিত কাৰ পদ-চিহ্ন ??
আদিম মানৱৰ! যুগ-যুগান্তৰৰ !!
বুৰঞ্জীৰ এখিলা পাতৰ।

জীৱনৰ লক্ষ্য পথত
অবিশ্ৰান্ত মানৱৰ অক্লান্ত পৰিশ্ৰম!
জীৱন জোৰা সংগ্ৰাম!
ঘাত-প্ৰতিঘাত-সংঘাত !!
কিন্তু !! মৃত্যুৰ নীলা আকাশত আগুৰে
বোবা বেদনাৰ ঘোৰ কলীয়া ডাৱৰ!
নামি আহে জীৱন বালিচন্দাত
ম্লান সূৰ্য্যৰ তিৰ্য্যক ৰশ্মি
প্লাৱিত হাজাৰ জোৱাৰৰ ঢৌ! আৰু
সীমিত জীৱন নাটৰ শেষ পৰিণতি।

যোৰহাট
১৯৬৬ চন

---

# এটি সমীক্ষা ঃ পোন্ধৰ আগষ্টৰ

আজি ভাৰতৰ পূত-পবিত্ৰ
চিৰস্মৰণীয় দিন পোন্ধৰ আগষ্ট।
সৌ-সিদিনা! স্বাধীনতাৰ মুক্তি-সংগ্ৰামত
আত্ম-বলিদান দিয়া শত-শ্বহীদৰ
অমৰ স্বাক্ষৰেৰে ৰঞ্জিত হ'ল
আমাৰ ত্যাগ-সত্য-প্ৰগতি
শান্তিৰ প্ৰতীক! ত্ৰিৰঙ্গ পতাকা।

ভাৰতৰ ঘৰে-ঘৰে আজি
আনন্দ উলাহ! প্ৰফুল্লিত মন
ধন্যা আজি ভাৰত জননী।
আমাৰ সৌৰৱণীৰ শিতানত যুগৰ পদক্ষেপ
ইতিহাসৰ পাত সোণালী আখৰে জিলিকা
মাতৃ-ভূমিৰ মহা-যজ্ঞত আত্ম-আহুতি দিয়া
দেশ-প্ৰেমে উদ্বুদ্ধ! কবি-সাহিত্যিক-শিল্পী
যুগ-নায়ক! জন-নেতা! বীৰ-বীৰাঙ্গনাৰ
সৌৱা মৃত্যুঞ্জয়ী পদচিহ্ন!
শ্বহীদৰ. যুগমীয়া কীৰ্ত্তিৰ স্তম্ভ
আহা! নত শিৰে আজি তাত
কৰো পুষ্পাঞ্জলি।

এটি সমীক্ষাৰ দিন পোহৰ আগন্ত।
বিস্মৃতি-স্মৃতিৰ সন্ধিক্ষণত
আজি যোগ-বিয়োগৰ সমষ্টি!
অতীত বৰ্ত্তমান আৰু অদূৰ ভৱিষ্যতৰ ভাৰতবৰ্ষ।
আমাৰ স্বাধীনতাৰ সফলতা-বিফলতাৰ বিচাৰ।
জাতিৰ ঐতিহ্য! ৰাষ্ট্ৰীয় সংহতি আৰু প্ৰগতি
সাম্য-মৈত্ৰী গণ-তন্ত্ৰৰ কিমান অগ্ৰগতি।
আজি ভাৰতৰ জাতীয় বৈশিষ্ট্য??
সামাজিক ৰাজনৈতিক হ'ল বিপৰ্য্যয়
জাতীয়তাৰ নামত হ'ল সাম্প্ৰদায়িকতা
ত্যাগৰ নামত খোপনি ললে ঘোৰ স্বাৰ্থপৰতা।
আমাৰ সাম্য-মৈত্ৰীৰ স্বৰূপ হ'ল
অনৈক্য স্বজন-প্ৰীতি!
জাতীয়-বিসংহতি বিদ্বেষ! কু-অভিসন্ধি।

আজি আমাৰ সত্য-শুদ্ধ-নীতিৰ
জ্বলন্ত-প্ৰতীক হ'ল দুৰ্নীতি!
অন্যায় অধৰ্ম্ম হিংসা নৈতিক অৱনতি।
আমাৰ জাতীয় প্ৰগতিয়ে আজি
বিকাশ লাভ কৰিলে
বিষাক্ত বিসংহতিৰ পঙ্কিল পথেদি—
যি প্ৰগতিত নাই আজি ৰাষ্ট্ৰীয় সংহতি।
সেয়ে আমাৰ চিৰ-বাঞ্ছিত শান্তিৰ কপৌ
কাল-আউসীৰ আন্ধাৰ আকাশত উৰে

আৰু! বুভুক্ষাৰ যন্ত্ৰণাত
মৰাশৰ সন্ধানকাৰী
কুকুৰ শিয়াল শগুণৰ জাকে
নিশাচৰ হৈ ফুৰে।

ভাৰতৰ সাৰ্ব্বভৌম স্বাধীনতা আজি বিপদাপন্ন!
কাল-শত্ৰুৰ বিদেশীৰ লোলুপ দৃষ্টি
ব্যৰ্থ হ'ল আজি সীমান্তবৰ্ত্তী
মিত্ৰতা! পৰৰাষ্ট্ৰ-নীতি।
সভ্যতা-সংস্কৃতিৰ ক্ষিপ্ৰ-গতিক
বিজ্ঞান-শিল্পৰ অধোগতিয়ে কৰিলে মন্থৰ।
পাশ্চাত্য গৱেষণাৰ চৰম লক্ষ্যত
সভ্যতা আৰু শক্তিৰ নতুন পৰীক্ষা!
মানৱতাৰ অপমৃত্যু! ধ্বংসৰ প্ৰস্তুতি!
মৃত্যু-উপত্যকাৰ ৰচনা
যুদ্ধ-বিভীষিকাৰ গোজৰণি।

আজি ভাৰতৰ ভাগ্য-লিপিত যুগৰ উপহাস!
নিয়তিৰ নিদাৰুণ পৰিহাসত প্ৰাকৃতিক দুৰ্য্যোগ
খাদ্য-সঙ্কট! আৰ্থিক অনাটন!
দেশত দুৰ্ভিক্ষৰ সঙ্কেত ধ্বনি।
দুৰ্ম্মূল্যৰ ক'লা-বজাৰে ছানিলে ভাৰত-ভূমি
জনতাৰ বিকট চিঞৰ!

দেশজুৰি হাহাকাৰ! মাথো দুৰ্নীতি
আৰু! তাৰ চেলু লৈ
শোষণকাৰী ৰক্তবীজৰ দলে
ভেজাল প্ৰস্তুতিৰ গায় স্তুতি'গান।

স্বাধীনতা দিৱসৰ পৱিত্ৰ ক্ষণত আজি
প্ৰাচুৰ্য্যৰ বিপুল সম্ভৱা
জননী জনম-ভূমিৰ হকে
দেশৰ যুৱক-যুৱতী আবাল-বৃদ্ধ বনিতা
আহা! সকলোৱে নেতৃত্বৰ কৰো দৃঢ়-সঙ্কল্প।
আমি শিক্ষা-দীক্ষা কৃষি-উদ্যোগ
শিল্প-বিজ্ঞানত কৰি আত্মনিয়োগ
স্বদেশৰ সমৃদ্ধি শান্তি প্ৰগতি
জাতিৰ ঐতিহ্য আনিম ঘূৰাই।

আমাৰ মনৰ বুলনিত বিকশি উঠক
ভ্ৰাতৃত্বৰ সাম্য-মৈত্ৰী সংহতিৰ ভাব।
জাতি-উপজাতি বিভিন্ন ভাষা-ভাষী
নানান ধৰ্ম্মাৱলম্বীৰ ভেদাভেদ এৰি
সংস্কৃতিৰ মহামন্ত্ৰত দীক্ষিত হৈ
ঐক্যৰ তানেৰে একত্ৰিত কৰি
সংহতিৰ নিছিগা ডোলেৰে বান্ধো
আমাৰ বিৰাট ভাৰতীয় জাতি।

আঁহা! আজি আমি মিলিত কণ্ঠেৰে গাওঁ
সংহতি-সম্প্ৰীতি স্বাধীনতাৰ জয় গান
হাতে-হাতে তুলি লৈ জাতীয় নিচান।
বন্দে মাতৰম্! জয়তু জনম ভূমি
স্বৰ্গতো অধিক হ'ক মহীয়সী।

'জনশিক্ষা'ত প্ৰকাশিত
আগষ্ট ১৯৬৮ চন।

